

# বুঢ়াভাষ্য

## বা

# ষোলযুগ তত্ত্ব।

৺পুৰুষোত্তম ভট্টাচাৰ্য্যৰ দ্বাৰা ৰচিত।

নতুন সংস্কৰণ।

চন ১৩৪৬

প্ৰকাশকঃ—

শ্ৰীজগন্নাথ মেধী আতৈ বুঢ়াভকত।

পুখুৰী পাৰৰ বাহ।

বৰপেটা বৃন্দাবনহাটী।

কামৰূপ



মূল্য ।০ আনা মাত্ৰ।

## শলাগনি ।

আমাৰ বহুতো পুৰণি পুথি বাহিৰলৈ নোলোৱাকৈয়ে নষ্ট হব ধৰিছে। এইখনো সেই শ্ৰেণীৰে। সংগ্ৰাহকে এই পুথি প্ৰকাশ কৰি ৰাইজক ইয়াৰ ৰসাস্বাদন কৰিব দিয়াৰ বাবে তেওঁ ধন্যবাদৰ পাত্ৰ। আশা কৰোঁ আহা বাৰত ইয়াৰ টান পদ আৰু শব্দৰ সৰল ব্যাখ্যা সৈতে ই ৰাইজৰ আগত দেখা দিব পাৰিব; আৰু এনে ধৰণৰ অন্যান্য পুথি প্ৰকাশ কৰি আমাৰ ধৰ্ম্ম আৰু ভাষাৰ শ্ৰীবৃদ্ধি কৰিব।

বৰপেটা
৩২ জেঠ, ১৮৬১ } শ্ৰীগোপাপতি দেৱ শৰ্ম্মা।

# পাতনি।

ধৰ্ম্মই হৈছে এই বিশ্বজগতৰ ধৰণী। ইয়াৰ যেতিয়া গ্লানি হবৰ সম্ভৱ হয়, তেতিয়া জগদীশ্বৰে, দুষ্টক দমনাৰ্থে, শিষ্টক ৰক্ষাৰ হেতুকে, স্বয়ং মহাপুৰুষ ৰূপে পৃথিবীত জন্ম গ্ৰহণ কৰি আকৌ শুদ্ধ ধৰ্ম্ম পথ প্ৰৱৰ্ত্তন কৰে। সেই ধৰ্ম্ম পথক চিৰ সনাতন কৰি ৰাখিবলৈ অনেক ভক্তি আৰু পৰমাৰ্থ তত্ব যুক্ত ধৰ্ম্ম পুথি ৰচনা কৰে। তেনেকুৱা ঐশ্বৰিক ভক্তি পূৰ্ণ, প্ৰায় চাৰিশ বছৰীয়া পুৰণি পুথি এখন, আমাৰ আৰ্থিক অৱস্থা অতিশয় শোচনীয় হেতুকে, ইমান দিনে ছপা হোৱা নাছিল কিন্তু পৰমেশ্বৰৰ কৃপাত, এইবাৰ বহু কষ্টেৰে অলপ অৰ্থ সঞ্চয় কৰি ছপোৱা হ'ল। পাঠক—পাঠিকা সকলে একান্ত চিত্তেৰে আৰু নানান শাস্ত্ৰাদিৰ মতামত পুঙ্খানুপুঙ্খৰূপে বিচাৰ কৰি পঢ়ি চালেহে ইয়াৰ পৰমাৰ্থ তত্ত্ব ভালকৈ হৃদয়ঙ্গম কৰিব পাৰিব বুলি আমাৰ বিশ্বাস। এই আশাৰে ইয়াক সদাশয় ৰাইজৰ আগত দাঙ্গি ধৰা হল।

বিশেষ ইচ্ছা থাকা স্বত্বেও সময়ৰ অভাৱত এইবাৰ ইয়াৰ টান পদ বিলাকৰ টিপ্পনি দিব পাৰা নহল। ৰাইজৰ আগ্ৰহ দেখিলে অহাবাৰত টান শব্দ আৰু পদ বিলাকৰ সৰল ব্যাখ্যা দি প্ৰকাশ কৰিবৰ ইচ্ছা থাকিল। ইতি—

২৮ ব'হাগ
৪৯০ শঙ্কৰাব্দঃ

শ্ৰীজগন্নাথ মেধী আতৈ
বুঢ়াভকত।
প্ৰকাশক

## “শুদ্ধাশুদ্ধি পত্ৰ”

| পৃষ্ঠা | শাৰী | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|
| ৪ | ৪ | সম | সব |
| ৪ | ৫ | সব | সগে |
| ৫ | ৪ | হুয় | হুয়া |
| ৫ | ৯ | শুন | শুনি |
| ৬ | ৩ | প্ৰসংশিলা | প্ৰশংসিলা |
| ৭ | ৪ | মাত্ৰ | নেত্ৰ |
| ৯ | ১ | শ্লেক | শ্লোক |
| ৯ | ১১ | ভৰিয়েহ লম্ভ | ভয়ে ৰঙ্গিলন্ত |
| ৯ | ১৯ | নপৰি | নপাৰি |
| ১০ | ১৮ | তৰ | তাৰ |
| ১১ | ১ | তাহাব | তাহাৰ |
| ১২ | ৮ | বিষি | বিষি |
| ১২ | ১৪ | দ্ৰবিড় | দ্ৰবিণ |
| ১৩ | ২২ | ডাটী | ভাটী |
| ১৪ | ১ | স্বাধিন | স্বাধীন |
| ১৪ | ১১ | শুমিয়োক | শুনিয়োক |
| ১৪ | ২০ | বিছাৰি | বিচাৰি |
| ১৫ | ১৫ | তাথাৰ | তাহাৰ |
| ১৯ | ২২ | আছেত | আছে |
| ১৯ | ২২ | শাস্ত্ৰ | শাস্ত্ৰত |
| ২২ | ২১ | দ্ৰবিড় | দ্ৰবিণ |
| ২৩ | ৪ | দ্বিগজক | দিগ্‌গজক |
| ২৪ | ১ | অমি | আমি |
| ২৪ | ১৫ | ব্ৰহ্ম | ব্ৰহ্মা |
| ২৪ | ২০ | ব্ৰহ্মা | ব্ৰহ্ম |
| ২৫ | ১৯+২০ | মূণ্ড | মুণ্ড |
| ২৬ | ৯ | পুজা | পুজা |
| ২৭ | ৩ | তাঙ্কক | তাঙ্ক ॥ |
| ২৮ | ৫ | মূখে | মুখে । |
| ৩০ | ২ | পুন্যে | পুণ্যে |
| ৩০ | ২২ | উলজ্মবে | উলঙ্ঘাবে । |

Bharat Dao

# বুঢ়াভাষ্য ।

## বা

## ষোড়শ যুগ তত্ত্ব ।

বেদানুদ্ধৰতে জগন্নিবহতে ভূগোলমুদ্বিভ্রতে ।
দৈত্যংদাৰয়তে বলিং ছলয়তে ক্ষত্রক্ষয়ং কুৰ্ব্বতে ॥
পৌলস্ত্যং জয়তে হলং কলয়তে কাৰুণ্যমাতন্বতে ।
ম্লেচ্ছান্ মুচ্ছ্ৰয়তে দশাকৃতিকৃতে কৃষ্ণায় তুভ্যং নমঃ ॥

— : ০ : —

॥ পদ ॥

শঙ্কৰে বোলন্ত শুনিয়োক নৃপবৰ ।
কহো বুঢ়াভাষ্য ইটো অতিমনোহৰ ॥
সমস্ত শাস্ত্ৰৰ তত্ত্ব জানিবাহা তুমি ।
কৰিবো বেকত তোমাসাৰ আগে আমি ॥ ১
শুনি নৰনাৰায়ণে পৰম কৌতুকে ।
কহিয়োক গুৰু তাৰ ৰহস্য আমাকে ॥
কেন বুঢ়াভাষ্য নাম ধৰিয়া আছয় ।
ইহাৰ সম্ভেদ গুৰু কহিবা নিশ্চয় ॥ ২

ৰাজাক সম্বোধি পাছে শঙ্কৰে কহিলা।
যি হেতু শুনিবাক তোমাৰ মতি ভৈলা॥
যাহাক শুনিলে হয় কৃষ্ণত ভকতি।
অপ্ৰয়াসে পায় যিটো ভুকুতি মুকুতি॥ ৩
হেন মাধৱক তুমি হৃদয়ে ধৰিবা।
যাহাৰ কৃপাত সুখে বৈকুণ্ঠক পাইবা॥
এহিবুলি শঙ্কৰে ৰাজাক সমাদৰি।
কহিবে লাগিলা তত্ত্ব হৰিক সুমৰি॥ ৪

## শ্ৰীশ্ৰীকৃষ্ণায় নমো নমঃ॥

—০ঃ০—

"ত্ৰিপদী"

জয় জয় নমো নাৰায়ণ অনন্ত ঈশ্বৰ সনাতন
তোমাৰ চৰণে নমস্কাৰ কোটী বাৰ।
তয়ু দাস মই মন্দমতি তোমাৰ চৰণে কৰো নতি
বড়া টুটা দোষ নেদিবা তুমি আমাৰ॥ ১
অনন্ত ঈশ্বৰ দেৱ হৰি নৰ ৰূপে আছা অৱতৰি
তথাপিতো দেখা ভৈলা জগতৰ ধাম।
নাপাৱন্ত যাক জ্ঞানী গণে অৱজ্ঞা কৰয় যিটো জনে
সুমৰণে সিজে ধৰ্ম্ম অৰ্থ মোক্ষ কাম॥ ২
ভাষ্যৰ পৰম কথা সাৰ লৈয়োক বিচাৰি অৰ্থ তাৰ
সমস্ত শাস্ত্ৰৰ সন্মত ইটো জানিবা।

দেখিয়োক ৰাম চন্দ্ৰ হৰি বানৰ সহিতে মিত্ৰ কৰি
লঙকায় সহিত ৰাৱণ বধ কৰিলা ॥ ৩
বিষ্ঠা মূত্ৰ কৰি নোধোৱয় অশুচি বানৰ দুৰাশয়
তাক গলে বান্ধি ধৰিলন্ত প্ৰভু ৰাম।
হনুমন্ত মহা মহাবীৰ নাহি নাহি শ্ৰেষ্ঠ গুৰুতৰ
পৰম মহন্ত নাহিকয় যাৰ সম ॥ ৪
গুহ চান্দালক সাৰটিলা তাহাৰ ভক্তিত তুষ্ট ভৈলা
পৰম ঈশ্বৰ দেৱতাৰ আদি দেৱ।
ভকতিত বশ্য ভগবন্ত মানিকুল হুয়া নৰাধন্ত
জানিয়া সকলে ৰামক কৰিবা সেৱ ॥ ৫
আৰু কথা কহো শুনিয়োক সমাজিক যত সব লোক
এক চিত্ত কৰি পৰম আনন্দ মনে।
পৰম অমৃত পীয়া নিত পৰম আনন্দে শুনিয়োক
ভজা যত্ন কৰি সুদৃঢ় কৰিবা মনে ॥ ৬
সৃষ্টিৰ আদিত বুলিলন্ত নাৰায়ণ দেৱ ভগৱন্ত
দিলা মাত সবে ঈশ্বৰক চাই চাই।
ৰমন দ্বীপক ছলা তুমি নিশ্চয় কৰিয়া কৈলো আমি
মোৰ আজ্ঞা মানি সৃষ্টি প্ৰবৰ্ত্তাবা যাই ॥ ৭
হেন শুনি দীপ নাৰায়ণে ছলি গৈলা ৰঙ্গে তেতিক্ষণে
পৰম আনন্দে সৃষ্টি প্ৰবৰ্ত্তাবলই।
শুনা পাছে ভাৰ যেন ভৈলা তাৰ তিনি পুত্ৰ উপজিলা
পৰিল সৃষ্টি কৰিবাক সত্বৰে লই ॥ ৮

ভাৰ্য্যাৰ পুত্ৰৰ সঙ্গাইলা ঈশ্বৰ কৃষ্ণক পাহৰিলা
শুনা সাধু সবে আনৰ কি কৈব কথা ।
দশম স্কন্ধত দশ জন ঈশ্বৰ দেখিব সৰ্ব্বক্ষণ
দৈবকী পুত্ৰক স্কন্ধে দেখিয়োক তথা ॥ ৯
ঈশ্বৰ কৃষ্ণৰ তনু দ্বিজ তেভো অনাথৰ ঘট নিজ
সাক্ষী লয়ো তাৰ দশম স্কন্ধক চাই ।
পশু পক্ষী কাটি পূজা কৰে নৰকত গৈয়া সিটো পৰে
একো কালে তাৰ গতি মুক্তি নাই নাই ॥ ১০
আৰু এক কথা কহো আমি শুনিয়ো পণ্ডিত ভক্ত তুমি
মোত তোৰা সবে নকৰিবা অসন্তোষ ।
কহিলুহু আমি শাস্ত্ৰসাৰ বিচাৰি লয়োক তত্ব তাৰ
চৰণত ধৰো নধৰিবা কেহু দোষ ॥ ১১

---*---

"পদ"

আত অনন্তৰে শুনা সভাসদ চয় ।
আছিলা পূৰ্ব্বত এক বাজিৰ তনয় ॥
কাক বলে বাজিৰ তনয় কোন জন
শুনিয়ো পণ্ডিত সম থিৰ কৰি মন ॥ ১২
জয়হুয়া সব তভো ভৈলা বাজে বাছ্য ।
পবনৰ জৰিয়ে তিনিও লোক মাজ ॥

শঙ্কৰে বোলন্ত গুৰু সিদ্ধান্ত শুনিয়ো ।
ই সবৰ মোৰ আগে আশয় কহিয়ো ॥ ১৩
তভু বেদবাদি ভট্টাচাৰ্য্য হেন শুনি ।
লজ্জা ভয় হয় তভু মাতিলন্ত গুণি ॥
শঙ্কৰে শুনিয়া তাৰ কথা নলৈলন্ত ।
চৈধ্যয় ভূবন জুৰি শ্লোক আনিলন্ত ॥ ১৫
কতেক ঈশ্বৰ আছে কাৰ কোন নাম ।
কহিও আমাৰ আগে কথা অনুপাম ॥
হেন শুনি উত্তৰ দিলন্ত দ্বিজোত্তম ॥
জিহ্বা ঢুকি পাইলা মানে কহিলন্ত নাম ॥
শঙ্কৰে বোলন্ত গুৰু কথা শুনিয়োক ।
ভাল কৰি আবে সম্বিধান দিয়া মোক ॥
হেন শুনি গুৰু পাছে মৌনে ৰহিলন্ত ।
শুনিয়া নুশুনে যেন লাজে নমাত্তন্ত ॥ ১৭
শঙ্কৰে বোলন্ত গুৰু এৰিও সংশয় ।
পৰম পণ্ডিত তোৰা সব মহাশয় ॥
এহি বুলি কহিলন্ত কথা নিৰন্তৰ ।
কহোঁ শুনিয়োক আছে সহস্ৰ ঈশ্বৰ ॥ ১৮
শুনা আৰু জন যত বৈকুণ্ঠ যে আছে ।
যাৰ যিবা নাম আছে কহিলন্ত পাছে ॥
তাসম্বাক ভাঙ্গি সবে অৰ্থ নকৈলন্ত ।
শিখিবেক বুলি কথা ভাণ্ডিয়া থৈলন্ত ॥ ১৯

আচৰিত শুনি ৰাজা গুণে মনে মনে ।
বোলে আৰ মহিমা পাইবে কোন জনে ॥
ধন্য ধন্য শঙ্কৰ বুলিয়া প্ৰসংশিলা ।
পণ্ডিত্ত সকলে শুনি লজ্জা হুয়া ৰৈলা ॥ ২০
আৰু বাৰ শঙ্কৰে কথাক যে শুধিলা ।
বোলে গুৰু বিদ্যমান আৰু কথা ৰৈলা ॥
কতেক পুৰাণ আছে কাৰ কোন নাম ।
কহিয়ো আমাৰ আগে কথা অনুপাম ॥ ২১
হেন শুনি কহিলা পণ্ডিত মহাভাগে ।
অনেক শ্লোকক আনি শঙ্কৰৰ আগে ॥
আশী দশ পুৰাণৰ দিলা সবে লেখা ।
যুগে যুগে প্ৰবৰ্ত্তি আছয় তাক দেখা ॥ ২২
শঙ্কৰে বোলয় গুৰু আৰু শুনিয়োক ।
ভাল কৰি আবে সমিধান দিয়া মোক ॥
তাক কহি আৰু নোৱাৰিলা মাতিবাক ।
শঙ্কৰে বোলন্ত গুৰু শুনা কহু তাক ॥ ২৩
অঠৰ হাজাৰ যেবে পুৰাণ আছয়
তাৰ গুণ নাম কোনে কহিবে নিশ্চয় ॥
এহি বুলি কহিলন্ত হাজাৰ পাট্টোক ।
বলো কহিয়োক যত আছয় প্ৰত্যেক ॥ ২৪
ৰাজা প্ৰজা শুনি অতি বিস্ময় ভৈলন্ত ।
পণ্ডিত সকলে শুনি মনত গুণন্ত ॥

ৰাজা বোলে মিছাত পণ্ডিত বোলায়স।
শাস্ত্ৰৰ তত্বক তোৰা কিছু নজানস ॥ ২৫
দেৱৰো দেৱতা তুমি পৰম ঈশ্বৰ।
মায়া কৰি আছা মাত্ৰ ধৰি মনুষ্যৰ ॥
এহি বুলি থাকিলা নৃপতি মহামতি।
আৰু এক কথা কহো শুনিয়ো সম্প্ৰতি ॥ ২৬
এবে কিছো মান কথা শুনা বিপ্ৰোত্তম।
দেৱত ভকত তোৰা পণ্ডিত উত্তম ॥
কোন থানে ঈশ্বৰক পূজা কৰ তোৰা।
ভাল কৰি কহা তুমি শুনিব আমৰা ॥ ২৭
হেন শুনি মাতিবে লাগিলা বিপ্ৰবৰ।
চৰণত পূজা আমি কৰহোঁ কৃষ্ণৰ ॥
পণ্ডিতৰ কথা শুনি শঙ্কৰে বোলন্ত।
জন্মিলাহা তোৰা সব কৃষ্ণৰ মুখত ॥ ২৮
এতেকে কৃষ্ণৰ মুখে পূজিবে লাগয়।
শূদ্ৰৰ থানত কেনে পূজা মহাশয় ॥
শূদ্ৰৰ থানত পূজা কৰা কিবা জানি।
আমাকেসে পূজা তুমি শুণি মহামানী ॥ ২৯
বুঢ়াভাষ্য শাস্ত্ৰত আছয় ইটো কথা।
ৰবি পুৰাণক চাই দেখিয়োক তথা ॥
শত নমস্কাৰ কৰি পূজিব সি ঠাই।
চৰণত বিনে পূজা আন নাহিকই ॥ ৩০

এতেকে উত্তম শূদ্র ভকতি জানিবা।
মোৰ কথা হয় নয় বিচাৰি দেখিবা॥
শ্ৰীধৰস্বামীয়ে কিছু অন্যায় কৰিলা।
শূদ্ৰৰ বুলিয়া ভাষ্য টীকাক জুৰিলা॥ ৩১
ভাগৱত পুৰাণত পূৰ্ব্বাপৰ নাই।
মনে জুৰি কৰিলন্ত তথাপি বড়াই॥
চৰণ ধুওৱা পানী যথাত থাকয়।
শূদ্ৰ সব তথাতে থাকিতে যোগ্য হয়॥ ৩২
ব্ৰাহ্মণ কুলক বঢ়া দেখি ভগবন্তে।
টীকা কৰিলন্ত তেতে জুৰিয়া মনন্তে॥
শূদ্ৰ হেন জানিয়া তাহাক বাদ কৰি।
নানান যে শ্লোকচয় কৰিলা শ্ৰীহৰি॥ ৩৩
বাদকৰি তাহাক জিনিবে নপাৰিলা।
ক্ৰোধ কৰি ভাগবত্ শ্লোকক বন্দিলা॥
লজ্জা হুয়া মনত যে সুখ শান্তি নাই।
কৰিলন্ত প্ৰশ্নশ্লোক মনে গুণি পাই॥ ৩৪
ৰাজাৰ শৰণ যেন দিলা কোন জনে।
ভাগৱতে কহে বোলে মানিবেক মনে॥
ই সব কথাক মই এহিমানে থওঁ।
শুনা সবে কথা আতপৰে কিছু কওঁ॥ ৩৫
আদি যে অনাদি যাক বুলিয়া কহয়।
শুনা ভাল কৰি আমি কহিবো নিশ্চয়।

হেন শুনি আনিলন্ত শ্লোক নিবন্ধৰ ।
বোলে নাৰায়ণ দেৱ অনাদি ঈশ্বৰ ॥
শঙ্কৰে বোলয় গুৰু আৰু শুনিয়োক ।
ভাল কৰি আৰ সমিধান দিয়া মোক ॥
হেন শুনি আৰু বাৰ কৈলা বিপ্ৰবৰ ।
তাহাৰ বচন কিছু নলৈলা শঙ্কৰ ॥ ৩৭
শঙ্কৰে বোলন্ত শুনিয়োক মহাশয় ।
দশ যে সহস্ৰ এক ঈশ্বৰ আছয় ॥
এইটো জগৎ যাৰ গাত লীন যাই ।
তেন্তে বাসুদেৱ তান্ত বিনে আন নাই । ৩৮
দ্বিজসব শুনি লজ্জা ভৰিয়েহ লন্ত ।
শঙ্কৰ দেৱত আৰু বাৰ সুধিলন্ত ॥
এই সব সৃষ্টি কোনে কেনমতে কৰে ।
হেন কথা খানি মোত কহিও সত্বৰে ॥ ৩৯
দ্বিজসবে শুনি তাক দেখি আছে চাই ।
কি কহিবো বুলি একো উপায় নেপাই ॥
শঙ্কৰে বোলন্ত শুনিয়োক সবে আতা ।
মনে মনে আছা সবে কিসক নমাতা ॥ ৪০
মাতিবে নপাৰি যেবে এহিমানে ৰৈলা ।
অনন্তৰে উঠি সবে ঘৰা ঘৰি গৈলা ॥
ৰাজা বোলে মিছাত পণ্ডিত বোলাৱস ।
ভাগৱত তত্ত্ব অৰ্থ কিছু নজানস ॥ ৪১

পৰম পামৰ মূঢ়মতি অতিশয় ।
পণ্ডিত বুলিয়া লোকে সকলে পূজয় ॥
এহি বুলি তথাতে ৰহিলা নৰেশ্বৰ ।
আনন্দে মজিল পাইল হৰিষ বিস্তৰ ॥ ৪২
সেহি দিন ধৰি ৰাজা নিশ্চয় কৰিলা ।
শঙ্কৰক গুৰু বুলি হৃদয়ে ধৰিলা ॥
এহিমতে ৰঙ্গে যেবে কত কাল গৈলা ।
শঙ্কৰ দেৱক পাছে নৃপতি পুছিলা ॥ ৪৩
কি কাৰণে বুঢ়াভাষ্য বোলে তুমি কহা ।
থিৰ মন কৰি সবে ৰাজা পুছিলাহা ॥
শঙ্কৰে বোলন্ত তুমি শুনা মহামতি ।
অল্পকৰি কিছুমান কহিবো সম্প্ৰতি ॥ ৪৪
অঠৰ হাজাৰ যেবে পুৰাণ আছয় ।
তাৰ সাৰ কাঢ়ি আমি আনিলো নিশ্চয় ॥
বৈকুণ্ঠৰ পৰা আমি যি বেলা আসিলো ।
গলে বান্ধি তৈৰ পৰা দেৱ দিয়া আইলো ॥ ৪৫
পদ্ম কল্প দহন্তে চাৰি যুগ ভৈলা ।
আৰু চাৰি যুগ তাৰ উপৰে আছিলা ॥
ৰবি যুগ চন্দ্ৰ যুগ আৰু যুগ হুতি ।
নামত মহন্ত যুগ আছিলা সম্প্ৰতি ॥ ৪৬
হৃষীকেশ নামে সেই যুগত ঈশ্বৰ ।
পৰম ঈশ্বৰ দেৱ আছিলা লোকৰ ॥

তাহাৰ উপৰে চাৰি যুগ অনুপাম ।
শুনা মহাৰাজ তুমি তাৰ কহো নাম ॥ ৪৭
বিন্দাযুগ পিষিযুগ আৰু যুগ কৰ্ম্ম ।
তাঁড়া লোকে সবে সদা কৰে ধৰ্ম্ম কৰ্ম্ম ॥
ব্ৰহ্মাত ঈশ্বৰ সেই যুগে আছিলন্ত ।
তাহান চৰণ সদা লোকে আৰাধন্ত ॥ ৪৮
তাহাৰ উপৰে আসিলন্ত যুগ চাৰি ।
আছিল কালেসে সদা কদম্ব মুৰাৰি ॥
ৰবি যুগ নাম যুগ আৰু যুগ কালা ।
আছিল পৰম যুগ শুদ্ধ কৃত্য মালা ॥ ৪৯
আছিলন্ত যুগ আৰু শুনা তাত পৰ ।
যুগধৰ নামে আৰো আছন্ত ঈশ্বৰ ॥
হৰি যুগ নামে আছে আৰু যুগধৰ ।
স্ত্ৰী যুগ হৰ যুগ যুগ নিৰন্তৰ ॥ ৫০
ইহাৰ উপৰে যুগ শুনা নৰেশ্বৰ ।
শ্ৰীধৰ নামেতে সেই যুগত ঈশ্বৰ ॥
কৰে দান পুণ্য ব্ৰত প্ৰজা সবে শুদ্ধ ।
নাহি ৰোগ ব্যাধি লোক ধৰ্ম্মত প্ৰবুদ্ধ ॥ ৫১
তাত শ্ৰেষ্ঠ কৰি আৰু যুগ যে আছয় ।
কালহুঙ্ক নামে তেহে সৃষ্টি প্ৰবৰ্ত্তায় ॥
শুদ্ধ মত প্ৰবৰ্ত্তায় লোক নিৰন্তৰ ।
শুনিয়োক কথা কহো চাৰিও যুগৰ ॥ ৫২

বিষ্ণু যুগ, ব্ৰহ্মা যুগ যুগ, আতিশয় ।
নাম যুগ, কাম যুগ, যুগ য আছয় ।
শুনিয়োক যুগ আৰু ভাত পৰে আছে ।
এহি বুলি কহিবে লাগিলা কথা পাছে ॥ ৫৩
ৰীতি যুগ বিত্তি যুগ যুগ কালান্তক ।
বিষ্ণু যুগ নামে তাতে দেখা ঈশ্বৰক ॥
বেদৱতী নামে যুগ আৰু যুগ মালী ।
ষিযি যুগ নামে আৰো ভৈলন্ত কালি ॥ ৫৪
এহিমতে ষোড়থ যুগৰ কথা কৈলা ।
পুনৰপি আৰু কথা কহিবাক লৈলা ॥
শুনা আৰু ৰাজা কথা আত অনন্তৰে ।
যেহি মতে ৰহি আছে পৃথিবী সাগৰে ॥ ৫৫
অল্প কৰি কহো আমি তাহাক শুনিবা ।
মোৰ কথা হয় নয় বিচাৰি চাহিবা ॥
সবাৰ তলত ইশ দ্ৰবিড় আছয় ।
সসাগৰা মহীক তেহে ধৰি আছয় ॥ ৫৬
সৰ্ব্বশক্তি নাৰায়ণে তাহাঙ্ক দিলন্ত ।
এতেকেসে সসাগৰা ধৰিয়া আছন্ত ॥
দ্ৰবিড় ঈশ্বৰে ধৰি আছে বিমা লোক ।
বিশাল ঈশ্বৰে ধৰি আছয় নলোক ॥ ৫৭
নলে ধৰি আছে যে ভকলা ঈশ্বৰক ।
ভকলাই ধৰি আছে ঈশ্বৰ কুৰ্ম্মক ॥

কুৰ্ম্মৰ পিঠিত ৰহি আছন্ত অনন্ত ।
অনন্তৰ উপৰে ঈশ্বৰ ভগবন্ত ॥ ৫৮
বিৰাটৰ হন্তে কল্প নাদ মহাশয় ।
কল্প নাদ হন্তে নল জানিবা নিশ্চয় ॥
নলহন্তে বৈতৰণী নদী বহি যাই ।
চৌৰাশী নৰক তাতে পাপীক ভুঞ্জাই ॥ ৫৯
বিৰাটৰ দুই বাহু তাতে থাপিলন্ত ।
আঠ খান পৰ্ব্বতক ধৰিয়া আছন্ত ॥
স্কন্ধে গন্ধ মাৰ্দ্দন পৰ্ব্বত অতিশয় ।
পশ্চিমত মাল্যবন্ত উত্তৰে জন্মিজয় ॥ ৬০
অনন্তৰ মুখত যে আঠ গোটা শিৰ ।
আঠ গোটা শিৰ যে তাহাত মহাধীৰ ॥
এহিতো কথাক আবে সম্বৰিয়া থওঁ ।
শুনা সভাসদ আত পৰে আৰু কওঁ ॥ ৬১
পৰম ৰহস্য ইটো কথা মনোহৰ ।
আছে আত কথা ভাগৱত পুৰাণৰ ॥
যিটো পাপী সবে আক অৱজ্ঞা কৰয় ।
কোটী কোটী জন্মে সিটো নৰকে পৰয় ॥ ৬২
একচিত্তে শুনে আক যিতো শ্ৰদ্ধা কৰি ।
পাপত মুকুত হৱে যাতনা নিস্তাৰি ॥
কলিত হৰিৰ নাম ধৰা মনে ৰতি ।
যম পাত মসছিয়া জায়ো মাৰি ডাটী ॥ ৬৩

শ্রৱণ কীৰ্ত্তন ইটো স্বাধিন ভকতি।
ইহ পৰলোকে জানা শঙ্কৰেসে গতি॥
দৈৱকী নন্দন বিনে দেৱ নাই নাই।
নভজিলো তাহাঙ্ক দিনতে চক্ষু খাই॥ ৬৪
নাম বিনে কলিত বান্ধব আন নাই।
নলৈলোহো পাপী হেন ৰাম নাম পাই॥
হে কৃপাময় প্রভু মোক কৰা দয়া।
নাম দান কৰা প্রভু তুৰ হোক মায়া॥ ৬৫
কহয় পুৰুষোত্তম গুৰু পাৱে ধৰি।
সকল সমাজে ডাকি বোলা হৰি হৰি॥ ৬৬

## " ছবি "

শুমিয়োক আবেসাৰ কাহাৰ শকতি আৰ
কহিবেক কথাৰ নিশ্চয়!
তথাপিতো কিছুমান কহো শুনা সাবধান
যিৰা সমাগত ধৰা ভাই॥ ৬৭
সংক্ষেপ ব্রহ্মক ধৰি জানিবা ঈশ্বৰ হৰি
সহস্ৰ ঈশ্বৰ আসি ভৈলা।
কহো তাসম্বাৰ নাম শুনা ৰাজা অনুপাম
এহি বুলি কহিবাক লৈলা॥ ৬৮
বজ্ৰধৰ বজ্ৰ মালা বলমনি দিব্য কালা
বিছাৰি বেকত কৰি জান।

চর্ণ্মান বিদ্যমান ইসে ঈশ্বৰ প্ৰধান
পায়োক দয়াল পৰমান ॥ ৬৯
প্ৰকীৰ্ত্তিক সনাতন নামে আৰু যুগকন
পৰম ঈশ্বৰ দেৱ হৰি ।
পৰম ঈশ্বৰ ৰাম পূৰোক মনৰ কাম
পৰমেশ জগত মুৰাৰি ॥ ৭০
যোগেশ্বৰ নাম কৰি গণেশ্বৰ দেৱ হৰি
যুগে যুগে আছা অৱতৰি ।
কহিবোহো কোন নাম কথা ইতো অনুপাম
কহিলুহু আমি অল্পকৰি ॥ ৭১
পৰম মহন্ত যত ঈশ্বৰৰ পাৰিষদ
অকাঙ্ক্ষ কৰি সবে মৰিলা ।
দুই পাশে দুই জন বিচাৰ কৰিয়া মন
ভাগৱত শাস্ত্ৰে এহি কৈলা ॥ ৭২
একো যেন কৰি তত্ত্ব তাথৰ নাপায় অন্ত
বুঢ়াভাষ্য কহিয়া আছয় ।
স্বৰূপ কহিলো আমি শুনিয়োক মহামানী
ঈশ্বৰৰ কথাকেহে কয় ॥ ৭৩
শঙ্কৰে শিঙ্গাক লৈয়া পাইক সজাই গৈলা
চাইলা তাক পথাৰৰ ছলে ।
মোহৰ নাৰীক লৈয়া তিনি লোক ভেদি গৈলা
যি লোকে হৰেৰঙ্গ পাইলে ॥ ৭৪

সমবুদ্ধি ভক্তি কৈলা হৰিহে সিংহ ভৈলা
গুৰুক বোলয় ববঢ়াক ।
যি লোকে পাষণ্ড যত গৰ্ব্ব মদে ভৈলা অন্ধ
জানিবা নিশ্চয় কৰি তাক ॥ ৭৫
পথৰ পাষণ্ড যত নজানে শাস্ত্ৰৰ তত্ত্ব
নপাৰয় অৰ্থ কেহু তাৰ ।
আলাসতে কাল যাই ই কথা মনত নাই
জানিবেক শকতি কাহাৰ ॥ ৭৬
ইটো কলি কালে আৰ নামবিনে নাহি আৰ
নাম এৰি ধৰ্ম্ম কৰ্ম্ম কৰে ।
যেন অমৃতক ত্যাজি গৰল বিষক ভুঞ্জি
মৰে যেন পৰম পামৰে ॥ ৭৭
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰ সবে আছে যত
সমস্তে হৈবেক একাকাৰ ।
কুল ক্ৰিয়া নবাচিব সবে একত্ৰয়ে খাইব
কি কহিবো কথা তাসম্বাৰ ॥ ৭৮
কলিৰ শেষত পাছে জানা সত্য যুগ হৈব
প্ৰবৰ্ত্তিব লোকে সেহি ধৰ্ম্ম ।
কৃষ্ণত ভকতি কৰি যাইব সব লোক তৰি
কৰিবেক ৰীতি ধৰ্ম্ম কৰ্ম্ম ॥ ৭৯
হৰি সেই দেশে যাই নৌকাৰ যানত চৰি
মৰিবেক যেন নলাগয় ।

তাৰ পৰা আসিবেক ঐৰ পৰা যাইবেক
স্বকীয়তে জ্ঞান নপাৱয় ॥ ৮০
হেন কথা মেলি দিব মোৰ ভকতক নিব
যিতো গুৰু ভক্তি কৰে মোত ।
আন পথ আচৰিয়া মুকুতি পাইবেক গৈয়া
থাকিবেক লোক মানে যত ॥ ৮১
নপায় অনুজ সুখ কৰে সবে মন দুঃখ
বোলে আমি কি কাম কৰিলো ।
একান্ত সুখক ত্যজি মুকুতি সুখক ভজি
ৰসময় ভকতি এৰিলো ॥ ৮২
এহিবুলি মুক্ত সবে দুঃখক কৰন্ত যেবে
আপোনাক গৰিহা কৰিয়া ।
এহি কথা কহি ৰৈলা শুনা আৰু যেন ভৈলা
কহোঁ মনে গুৰুক ধৰিয়া ॥ ৮৩
দেৱৰ অমৃত যেন অন্য জনে নপাৱয়
সেহি মতে ইহাক জানিবা ।
যেন গুণ সি মাধৱ বাদ কহেঁ। ঈশ্বৰৰ
মহাদেৱ সমে দুইটো কবা ॥ ৮৪
মহাদেৱে শুনিলন্ত যুগ ধৰ্ম্ম ঈশ্বৰৰ
বোলে কোন ধৰ্ম্ম আচৰিবা ।
কোনৱা ঈশ্বৰ যজা কোনবা ঈশ্বৰ পূজা
কয়ো তুমি কাৰ মত কবা ॥ ৮৫

যুগ সীমা মহামানী কৈবে লৈলা হেন শুনি
থিৰ মন কৰি হেন জানি ।
শুনা তুমি মহাদেৱ কথোহোঁ কৃষ্ণক সেৱ
শুনি আছো যেন বেদবাণী ॥ ৮৬
গায়ো কৃষ্ণ গুণ নাম তেন্তে জগতৰ ধাম
তান মায়া মোহিছে আমাক ।
আমি সিদ্ধ নৱ বিধ কহিলন্ত সমাধিত
যিবা জনে শুনে মনে তাক ॥ ৮৭
শুনি মহা মহেশ্বৰ বহু শুনি সিদ্ধান্তৰ
শুনা বিত্ত তুমি হৰুৱালা ॥
একান্ত শৰণ নাম লৈয়া তুমি অবিশ্ৰাম
কৰ্ম্ম পন্থ কিমক ধৰিলা ॥ ৮৮
কেৱল ভকতি কৰা মোৰ বাক্য যদি ধৰা
আগম নিগম তত্ত্ব সাৰ ।
মিছা বিপক্ষক কৰি সংসাৰে ভ্ৰমিয়া মৰি
একো কালে গতি নাহি তাৰ ॥ ৮৯
হৰি ভক্তি পৰিহৰি ফুৰে মিছা বাদ কৰি
মৰে সৰে পাষণ্ড সকল ।
নলৱয় হৰি নাম মহা মূঢ়মতি পাপ
আপুনা আপুনি গৈলা তল ॥ ৯০
বত্নৰ সাগৰ পাই তাহাক মনত নাই
ফুৰে সিতো শামুক বিচাৰি ।

শাস্ত্র সব ভাৰতৰ নপায় সংসাৰ পাৰ
মন তাৰ মুহিসেক নাৰী ॥ ৯১
যুগ ভেদি নাম গাই তাহাৰ তৰণী নাই
যোনে হৰি ভকতি নকৰে ।
কেৱল শ্ৰৱণ লয় গুছে তাৰ পাপ চয়
অপ্ৰয়াসে সংসাৰক তৰে ॥ ৯২
হেন কথা শুনি পাছে সি মাধৱে শুনি আছে
প্ৰণামিয়া ঘৰে চলি গৈলা ।
আৰ্ত পৰে যত লোক সভাসদ শুনিয়োক
কহো শুনা আৰ যেন ভৈলা ॥ ৯৩
তম নামে ঈশ্বৰৰ কথা কহোঁ নাৰদৰ
হুয়োৰো সম্ভাজস ভৈলা ।
নাৰদে বোলন্ত তুমি শুনিয়োক মহামুনি
কোন জনে কোন নাম থৈলা ॥ ৯৪
হেন শুনি তমেশ্বৰ কহে আগে নাৰদৰ
বোলে কহোঁ কথা শুনিয়োক ।
শুনি আছো আমি যেন কহিবো কৰিয়া তেন
সুহুৰিবা তুমি মুনি মোক ॥ ৯৫
সত্য ত্ৰেতা দ্বাপৰৰ কহিলন্ত নিৰন্তৰ
আন যুগ আছে যত যত ।
হৰি নাম বিনে অন্য নাই নাই ধৰ্ম্ম ভিন্ন
কহি আছেত সমস্ত শাস্ত্ৰ ॥ ৯৬

শঙ্কৰ স্বৰূপে হৰি কলি যুগে অৱতৰি
কেৱল ভকতি প্ৰচাৰিব।
ধৰিবে ভকতি ধৰ্ম্ম এৰিবে বেদৰ কৰ্ম্ম
শঙ্কৰক লোকে গুৰু লৈব॥ ৯৭
ছাণ্ডাল পৰ্য্যন্ত কৰি অন্ত্য জাতি আছে যত
সবে লোক হৈবন্ত ভকত।
কহিবেক দৃঢ়মতি ব্ৰাহ্মণত এৰি মতি
হৈবে ৰত নিপুণ ধৰ্ম্মত॥ ৯৮
কলি সম যুগ নাই তথাপিতো আখি খাই
নভজিবে লোকে মহা ৰঙ্গ।
নিন্দিবে ভকতি ধৰ্ম্ম কৰিবে বিবিধ কৰ্ম্ম
গৰ্ব্ব মদে পৰম পাষণ্ড॥ ৯৯
শুনা সভাসদ লোক নকৰিবা নিন্দা মোক
বলো আমি চৰণত ধৰি।
শাস্ত্ৰত দেখিলো যেন কহিলো কৰিয়া তেন
মোৰ সবে দোষ ক্ষমা কৰি॥ ১০০
মই মূঢ়মতি বিনে নলৈলোঁ কৃষ্ণৰ নাম
ন ভজিলো কৃষ্ণৰ চৰণে।
এহি দোষে তল গৈলো বিষয়ত মজি ৰৈলো
গুৰু পাৱে নধৰিলো মনে॥ ১০১
কৰি আছো পাপ ঘোৰ মই পাপী সেৱা চোৰ
ন লৈলো মুখত তুৱা নাম।

কহয় পুরুষোত্তম                নাহি পাপী মোৰ সম
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ১০২

—:—

"পদ"

আত অনন্তৰে পাছে শুনিয়োক তথা।
দুই জনে আছে বসি শুনি কৃষ্ণ কথা ॥
এহি মতে কত বেলি আছে দুই জন।
গৈলন্ত আপোন থানে কৰি ৰঙ্গমন ॥ ১০৩
ভাগৱত পুৰাণত কহিয়া আছয়।
আৰু কিছু কথা কহোঁ শুনা মহাশয় ॥
কহি আছে মহাদেৱে পাৰ্ব্বতীৰ আগে।
যেন তেন কাৰ্য্য কৰিলন্ত কলি যুগে ॥ ১০৪
পৰম পাষণ্ড দ্বিজ সব মহামতি।
নুশুনিবে তাৰা সবে হৰিৰ ভকতি ॥
ধৰিবে পাষণ্ড মত এৰিবেক ধৰ্ম্ম।
কৰিবে সদায় সবে দেবীপূজা কৰ্ম্ম ॥ ১০৫
আন দেৱ পূজা কৰি যাইবো অধোগতি।
নিশ্চয় কৰিয়া কলো জানা মহামতি ॥
ভাৰত বৰিষে লোক আছে যত যত।
কলিৰ যুগত সবে হুইবে ভকত ॥ ১০৬

কলিৰ যুগৰ সবে নিৰ্ণয় কহিলা।
আৰু প্ৰশ্ন কৰি কথা সুধিবাক লৈলা॥
কোনে ধৰি আছে ইতো সসাগৰা মহী।
কহিয়ো আমাত তুমি কথাক হৰিষি॥ ১০৭
শুনি মহাদেৱে পাছে হৰিক স্মৰিলা।
হৃদয়ে হৰিক চিন্তি কহিবে লাগিলা॥
ঈশ্বৰৰ লীলা কহি কোনে পাৱে সীমা।
আদি অন্ত নাহি যাৰ অদ্ভূত মহিমা॥ ১০৮
তথাপিতো কিছুমান কওঁ শুনা আমি।
স্থিৰ মন কৰিয়া শুনিও তাক তুমি॥
সবাৰ তলত নাগ গণ যে আছয়।
তাৰ সীমা সংখ্যা কোনে কৰিবে নিশ্চয়॥ ১০৯
তাহাত জন্মিয়া আছে পদ্ম এক যাৰ।
আদি অন্ত সীমা তাৰ কোনে পাৱে আৰ॥
সপ্তদ্বীপ পৃথিবীক পাতে আছে জুৰি।
কোনে কহিবেক তাৰ কৈত আছে গুৰি॥ ১১০
পৰম কঠিন সিতো ব্ৰহ্মাণ্ডক জুৰে।
অস্ত্ৰে শস্ত্ৰে কোনে তাক কাটিতে নাপাৰে॥
আৰু তাৰ পাহি কৰ্ণিকাৰ নাহি সীমা।
কোনে কহি আৰ পাৱে তাহাৰ মহিমা॥ ১১১
তাহাত বসিয়া আসে দ্ৰবিড় মহন্ত।
তাহাৰ মহিমা কহি কোনে পাৱে অন্ত॥

তাহাৰ উপৰে আৰু তিনিজন আছে।
ভেক কুৰ্ম্ম অনন্তক কহিলন্ত পাছে॥ ১১২
তাত পাছে বিচাৰি নানান কথা কৈলা।
মেৰু দ্বিগজক কহি এহি মানে ৰৈলা॥
হেন শুনি নৃপতিৰ মনত বিস্ময়।
আন ভক্তি লোক সবে নিগমে আছয়॥ ১১৩
ৰাজায়ে প্রজায়ে ৰহি এহিমতে আছে।
আৰু কথা শঙ্কৰে কহিবে লৈলা পাছে॥
দশদিক পাল আৰু দেৱ সমস্তয়।
পৰম আনন্দে সবে একত্রে আছয়॥ ১১৪
এক দিনা সবে ক্ষীৰ সাগৰক গৈলা।
ধৰ্ম্ম পূজা কৰি ঈশ্বৰক আৰাধিলা॥
হেন দেখি কৃষ্ণদেৱে আকাশত আসি।
তাসম্বাক চাই পাছে বুলিলন্ত হাসি॥ ১১৫
হে ব্রহ্মা বিষ্ণু হৰ শুনা মোৰ বাণী।
তোৰা সবে মোক আৰাধিবা হেন জানি॥
হেন শুনি দেৱগণে দণ্ডৱতে পৰি।
কৰিবে লাগিলা স্তুতি কৃতাঞ্জলি কৰি॥ ১১৬
হেৰা প্রভু পৃথিৱীৰ দুঃখৰ কাৰণ।
কৰহু প্রাৰ্থনা আমি তোমাৰ চৰণ॥
হেন শুনি ঈশ্বৰ পুৰুষ ভগৱন্ত।
তাসম্বাক শুনাই হেন কথা বুলিলন্ত॥ ১১৭

দৈবকীৰ গৰ্ভে যাই আমি উপজিবো।
অনন্তক মোহোৰ সহায় কৰি নিবো॥ ১১৮
এহি বুলি প্ৰভু তৈত অন্তৰ্ধান ভৈলা।
দশদিক পাল থানে থানে চলি গৈলা॥
ইবাৰ কৰিবো বুলি জগৎ উদ্ধাৰ।
শুনা ব্ৰহ্মা আপোনি হৈবেক অৱতাৰ॥ ১১৯
আৰু এক কথা কহো শুনা মহামতি।
ব্ৰহ্মা যেন গৰু চোৰ কৰিলা সম্প্ৰতি॥
প্ৰথমতে পদ্ম কল্পে ব্ৰহ্মা উপজিলা।
তপ জপ কৰি হেন বচন বুলিলা॥ ১২০
সেহি ব্ৰহ্মা তপ কৰি কত দিন আছে।
বৃন্দাবনে গৰু চোৰ কৰিলন্ত পাছে॥
ক্ষীৰ সাগৰত যাক আৰাধিলা আসি।
পৰীক্ষাক চাওঁ আমি হয় নয় স্বামী॥ ১২১
সেই ব্ৰহ্ম আসি গৰু চোৰ কৰি থৈলা।
পদ্ম যে কল্পৰ পৰা এতদিন ভৈলা॥
এত কাল মানে এতেকতে আছিলন্ত।
কৃষ্ণৰ চৰণে সবে শৰণ লৈলন্ত॥ ১২২
সৃষ্টিৰ কাৰণে ব্ৰহ্মা এহেন্তে আছয়।
দুই জন ব্ৰহ্মা আক জানিবা নিশ্চয়॥
ই সব কথাক আৰে এহিমানে থওঁ।
শুনা সাধু যেন কথা আভপৰে কওঁ॥ ১২৩

কৰিলন্ত কৃষ্ণে আৰো ভোজন বেহাৰ।
অল্প কৰি কিছু কথা কহন্ত তাহাৰ ॥
আঙ্গুলিত ফল বামহাতে লৈয়া গ্রাস।
গোপৰ শিশুক আৰু কৰি পৰিহাস ॥ ১২৪
কোন ফল আঙ্গুলিত লৈয়া দেয় হৰি।
শুনিও নৃপতি তুমি মন থিৰ কৰি ॥
মুকুতি সুখক কৃষ্ণে লৈয়া তুলি হাতে।
পৃথিবীত একোৱে নুছুৱে তাক তাপে ॥ ১২৫
মুকুতি ভাঙ্গিয়া লোক আছে যত যত।
নুখুজন্তে নিয়া প্ৰভু তাহাক দিৱন্ত ॥
এতেকতে পূৰ্ণ হস্তে লৈলা কৃষ্ণ তাক।
ভাষ্যত বিচাৰি চাই কহিলো ইহাক ॥ ১২৬
ছয় খান বৈকুণ্ঠত মুকুতি থাকয়।
পুণ্যৰ থানত তাৰা সবে নপাৱয় ॥
গোবৰ্দ্ধণ পৰ্ব্বতৰ কহো কিছু কথা।
যেন মতে বৃন্দাবন আসি ভৈলা তথা ॥ ১২৭
ব্ৰহ্মাদেৱে উৰ্দ্ধ মুখে বচন বুলিলা।
অন্যায় বচন মহা দেৱতা শুনিলা ॥
টান কৰি সেই মুণ্ড টোকাৰি মাৰিলা।
ছোত পাই অৰ্দ্ধ মুণ্ড ব্ৰহ্মাৰ ছিণ্ডিলা ॥ ১২৮
অনৰ্থে নগৈলা ৰৈলা শিলাৰূপ ধাৰি।
সেহি কাৰ্য্যে পৰ্ব্বতক পৰশিলা হৰি

শুনা সভাসদ কথা আত অনন্তৰে ।
আৰু কথা কহিবাক লৈলন্ত শঙ্কৰে ॥ ১২৯
দেৱমত ৰাজামত লোক ঋষিমত ।
এহি চাৰি মতে পৰি আছে লোক যত ॥
একান্ত শৰণ যিতো লৱয় কৃষ্ণত ।
কৃষ্ণ বিনে সেৱা আৰু নকৰে আনত ॥ ১৩০
সনাতন যুগত সেই ব্ৰহ্মা আছিলন্ত ।
কৃষ্ণৰ চৰণে তেঁহে সদা আৰাধন্ত ॥
এক দিনা হৰি পূজা কৰিয়া আচন্ত ।
ৰাতুল ঈশ্বৰে গৈয়া তাক দেখিলন্ত ॥ ১৩১
বোলে কাক পূজা তুমি কৰা মহামতি ।
আমাৰ আগত তাক কহিয়োঁ সম্প্ৰতি ॥
হেন শুনি ব্ৰহ্মা পাছে কথা কহিলন্ত ।
ৰাতুল ঈশ্বৰে শুনি কথা বুলিলন্ত ॥ ১৩২
বোলে তুমি ঈশ্বৰক কেন মতে পূজা ।
কৃষ্ণ বিনে আৱৰ নাহিকে আৰ দুজা ॥
একান্ত শৰণে তুমি হৰিক ভজিও ।
আনো বিধ কৃষ্ণ পাৱে ভকতি কৰিও ॥ ১৩
হেন উপদেশ পাই গৈলা সৃষ্টিকৰ ।
আপোনাৰ থানে গৈলা ৰাতুল ঈশ্বৰ ॥
ই সব কথাক মুই এহিমানে থওঁ ।
হৰি নাৰদৰ কথা আবে তাক কওঁ ॥ ১৩৩

কবিনৰ যুগত তেহেন্তে আছিলন্ত।
একদিনা অনন্তৰ থানক গৈলন্ত॥
তাঙ্কক দেখি অনন্ত ঈশ্বৰে মাতিলন্ত।
কি কাৰ্য্যে আসিলা বুলি সুধিবে লৈলন্ত॥ ১৩৫
হেন শুনি নাৰদে বুলিলা অল্প হাসি।
তযু দৰশনে মনে আছো আমি আসি॥
শুনিয়োক কহো আমি অছে আৰু কাম।
কিবা হেতু তোমাৰ অনন্ত হেন নাম॥ ১৩৬
কহিয়োক ইহাৰ কাৰণ শুনো আমি।
পৰম পুৰুষ তুমি জগতৰ স্বামী॥
হেন শুনি পাছে আনন্দিত ভগবন্ত।
নাৰায়ণ স্মৰি কথা কহিবে লৈলন্ত॥ ১৩৭
সিটো ব্ৰহ্মা সনাতন জগতৰ পতি।
জগত ব্যাপিক প্ৰভু তেহেন্তে সম্প্ৰতি॥
তাঁহিনেসে অংশ নাৰায়ণ দেৱ হৰি।
তাহানে আজ্ঞায়ে আছো সৃষ্টি স্থিতি কৰি॥ ১৩৮
তাহান মহিমা যত শকতি আছয়।
তাহান শকতি মোক দিলা কৃপাময়॥
আছয় যে দশ সহস্ৰ ঈশ্বৰ সকল।
তাসম্বাৰ আছে যত তপ যপ বল॥ ১৩৯
সবাৰো শকতি মোৰ নাম আসি ভৈলা।
তাতেসে আমাৰ বৰ্দ্ধ পৰাক্ৰম ভৈলা॥

হেন শুনি তাঙ্ক পাছে নাৰদে বুলিলা।
আৰু এক বাৰ কথা শুধিবে লাগিলা॥ ১৪০
নীতি ন্যায় কৰি তুমি কাৰ লোৱা নাম।
কহিয়োক আমাৰ পূৰোক মন কাম॥
হাজাৰেক মূখে নিতে নিতে লৱা নাম।
দেখিলো তোমাৰ যত বিপৰীত কাম॥ ১৪১
এক মুখে নাম লৈয়া কিমতে তৰিবো।
জানিলো নিশ্চয় লোক সংসাৰে মজিবো।
হেন শুনি বুলিলন্ত অনন্ত ঈশ্বৰ।
নাৰদক পাছে হৰি দিলন্ত উত্তৰ॥ ১৪২
হাজাৰেক মুখে গাই যেই ফল পাই।
সেই ফল লভিবেক এক মুখে গাই॥
হাজাৰেক বুলি জানা আৰু মোৰ মুৰ্দ্ধ।
ইহাত নাৰদ তুমি নকৰিবা দুঃখ॥ ১৫৩
এক গুতি শিৰত গিৰিৰ, সবে থান।
এক গুতি মুখ বুলি কহোঁ সবে জান।
পৰম পুৰুষ দেৱ ব্ৰহ্ম সনাতন।
তান নাম গাওঁ আমি চিন্তোহো চৰণ॥ ১৪৪
তেহেন্তেসে পূৰ্ণ ব্ৰহ্ম জগত কাৰণ।
তাহান শকতি ভৈলা আদি নিৰঞ্জন॥
হেন শুনি নাৰদে বুলিলা আৰু বাৰ।
এখানি লক্ষণ আৰু দেখোহো তোমাৰ॥ ১৪৫

বামহাতে কৰ্ণত কুণ্ডল যে কঙ্কণ।
কহিয়ো আমাৰ আগে ইহাৰ কাৰণ॥
হেন শুনি ঈশ্বৰ অনন্ত ভগৱন্ত।
কহিবে লাগিলা কথা পাছে নাৰদত॥ ১৪৬
জগত জননী যিতো পুৰুষ প্ৰকৃতি।
দুই ফাল প্ৰকৃতি জানিবা মহামতি॥
পুৰুষ আসি যেবে তাইৰ সঙ্গ ভৈলো।
বাম ফালে প্ৰকৃতি জানিবা আমি কৈলোঁ॥ ১৪৭
কুণ্ডল কঙ্কণ বাম হাতেসে পিন্ধয়।
ইহাৰ সম্ভেদ আমি কহিলো নিশ্চয়॥
হেন শুনি নাৰদ ঈশ্বৰ দেৱ হৰি।
প্ৰণামিলা অনন্তৰ চৰণত ধৰি॥ ১৪৮
অনন্তৰে গৈয়া পাছে আপোনাৰ থানে।
এহিমতে থাকিলা অনন্ত ঋষিগণে॥
শ্ৰীৰামে পুছিলা যেন বশিষ্ঠত কথা ;
পুছিলাহা ৰাম চাৰি যুগৰ ব্যৱস্থা॥
কহিয়োক ঋষিৰাজ তুমি ইতো কথা।
যেন যেত মই ইতো কহিবো ব্যবস্থা॥
ঋষি বলে শুনা তুমি ৰামচন্দ্ৰ হৰি।
এক চিত্তে শুনা কহোঁ মন থিৰ কৰি॥ ১৬০
এহি বুলি তিনিও যুগৰ কথা কৈলা।
কলি যুগ কথা পাছে কহিবাক লৈলা।

কলিৰ সমান যুগ একো যুগ নাই।
কলি যুগে নৰ ভক্ত কত পুণ্য পাই॥ ১৫১
পৰম পুৰুষ চিন্তো সনাতন হৰি।
শূদ্ৰ কুলে জন্মিবে শঙ্কৰ ৰূপ ধৰি॥
একান্ত ভকতি ধৰ্ম্ম কলিৰ যুগত।
প্ৰচাৰ কৰিবে লোক হৈবেক ভকত॥ ১৫২
শূদ্ৰ বুলি বিপ্ৰসবে অৱজ্ঞা কৰিবে।
অনেক যতন কৰি তাহাক নিন্দিবে॥
বাদ কৰি নপাৰিয়া আপোনি ভাগিব।
কতো শঙ্কৰৰ পাৱে শৰণ পশিব॥ ১৬৩
ভাঙ্গিবে লোক সব হুইবে একান্তৰ।
যাইবেক শঙ্কৰৰ খ্যাতি দ্বীপ দ্বীপান্তৰ॥
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰ চাৰি জাতি।
শূদ্ৰৰ আচাৰ সবে ধৰিবে সম্প্ৰতি॥ ১৫৪
কলিত কৈবৰ্ত্ত আদি আছে লোক যত।
ধৰ্ম্মত বিপুল মতি হুইবেক ভকত॥
ই সবে কলিত হাতি গুৰু বোলাইবেক।
কলিৰ যুগৰ কথা কহিবো কতেক॥ ১৫৫
শাস্ত্ৰ পঢ়ি দ্বিজ সবে হুইবে ভেণ্ড অৰ্দ্ধ।
কলিৰ কালত হুইবে ধৰ্ম্মত প্ৰবৃদ্ধ॥
বুদ্ধি কৰি ধন লৈবে বিক্ৰিবে বচনক।
বলাৰে পণ্ডিত উলঙ্ঘিবে বেদবাক॥ ১৫৭

ৰাণ্ডিৰ তনয় অঙ্গ চুইবাক নুজুৱাই
ঈশ্বৰ কৃষ্ণক সিতো পূজে কোন ঠাই ॥
তাহাৰ পূজাক কৃষ্ণদেৱে নলৱয়।
সিতো যেৱে পাপী মহা সংসাৰে ভ্ৰময় ॥ ১৫৮
এহি বুলি বশিষ্ঠ পৰম ঋষি ৰাজ।
ধৰ্মৰ আগত কহিলন্ত যুগ কাজ ॥
বুঢ়াভাষ্য শাস্ত্ৰে ইতো কহিয়া আছয়।
বামণ পুৰাণে কহে জানিবা নিশ্চয় ॥ ১৫৮
ইতো যত কথা আৰে এহিমানে থৈলা।
আৰু ভাতে পৰে কথা কহিবাক লৈলা।
তিনি শত যুগত ঈশ্বৰ অহঙ্কাৰ।
মহাদেৱৰ সমে যুঁজিয়া কৰিলা [illegible] ১৫৯
অহঙ্কাৰ আদি ব্ৰহ্মাদেৱ সুধিলন্ত।
ব্ৰহ্মা আদি কৰি ইতো জগতে পুজন্ত ॥
হেন শুনি অহঙ্কাৰ ভুগুৰন্ত হৰি।
কহিবে লাগিলা কথা হৰিক সুমৰি ॥ ১৬০
লাভক চাহন্তে তাৰ মূল হানি হয়।
আপোনাৰ বিভূতি আপোনি হেৰুৱায় ॥
তাহাৰ ভকতি জানা আছে আৰু কেন্ত।
ধন জন অৰ্থ মোহে ভ্ৰমে সংসাৰত ॥ ১৬১
এতেকে ইতো তাহাৰ গতি এ.কা [illegible]
ভক্তি মাৰ্গ নিন্দিবাক কৰে সমুদাই ॥

অহঙ্কাৰ ভগৱন্ত এহিমানে গৈলা।
কৃষ্ণক চিন্তিয়া মহাদেৱ তথা ৰৈলা॥ ১৬২
আৰু এক কথা কহো শুনা মহামতি।
দশদিক পাল যেন কহিবো সম্প্ৰতি॥
দশদিক পাল যেন সহস্ৰ ঈশ্বৰ।
কিছুমান কহো কথা শুনা তাসম্বাৰ॥ ১৬৩
একদিনা বহি সবে আলোছ কৰিল।
বিষ্ণুৰ থানত যাই এক থানে ভৈলা॥
ব্ৰহ্মাসন কাল সৃষ্টিকৰ চাৰিদিগ।
তাঙ্ক আগ কৰি সবে কৈলো মহাভাগ॥ ১৬৪
হেন জানি নৰলোক এৰি আন কাম।
দূৰ হোক দুঃখ সবে বোলা ৰাম ৰাম॥ ১৬৫

দুলৰী।

—০ঃ০—

কলিৰ যুগৰ যতেক ব্ৰাহ্মণ
বিভিচাৰে প্ৰবৰ্ত্তিব।
মহা ম্লেছ যত অজাতি আছয়
তাহান পতিত হব॥ ১৬৬
লৈবে দান তাৰ জাতি কুল কাৰো
মই ধৰ্ম্মে দুই ভ্ৰষ্ট।

ধনতেসে মন যতেক ব্ৰাহ্মণ
ধৰ্ম্ম কৰ্ম্ম সবে নষ্ট ॥ ১৬৭
মাতিবেক মিছা মনে যেন ইচ্ছা
কৰিবেক সবে যাই ।
এৰিবে আচাৰ হুইবে একাকাৰ
ফুৰিবে ভক্ত বলাই ॥ ১৬৮
হেন শুনি পাছে বুলিলন্ত পাৰ্থে
নাৰদে বিষাদ কৰি ।
কোন কিবা তাৰ হুইবে নিস্তাৰ
ন জানোহো হৰি হৰি ॥ ১৬৯

---

"পদ"

দশ বিধ লক্ষণক কহিবো সম্প্ৰতি ।
হেন শুনি পুছিলন্ত কৰিয়া প্ৰণতি ॥
মন্বন্তৰ কথা আৰু ইসান চৰিত্ৰ ।
নিৰুধ মুকুতি আৰো অস্ত্ৰৰ অস্তিত্ব ॥ ১৭০
এহি দশ লক্ষণক কৰিবো প্ৰকাশ ।
বায়ু বহ্নি আদি কৰি পৃথিবী আকাশ ॥
ঈশ্বৰত হস্তে আছে চৰাচৰ যত ।
এহি শত লক্ষণক কহিলো তোমাত ॥ ১৭১

সবে তত্ব মিলি ভৈল ব্ৰহ্মাত ভকতি।
বৈৰাগ্য পুৰুষ তাৰ ভৈলন্ত প্ৰকৃতি॥
চৰাচৰ ভৈলা তাত হন্তে ভেদাভেদ।
বিশুদ্ধ লক্ষণ এহিমানে পৰিচ্ছেদ॥ ১৭২
সৃষ্টিৰ বিভাগ থানে যিবোৰক পায়া।
অতি ভাগে যাৰ যেন ধৰ্ম্ম প্ৰবৰ্ত্তায়া॥
ভগৱন্তে ভাল মতে কৰন্ত পালন।
ইহাক পণ্ডিতে কহে মুকুতি লক্ষণ॥ ১৭৩
আপোনাৰ গুণ নাম কৰন্ত কীৰ্ত্তন।
মহা পাতকীকো মোৰ বুলি নাৰায়ণ॥
কৰন্ত পালন অনুগ্ৰহ কৰি তাক।
পালন লক্ষণ এহি বুলিয়ো ইহাক॥ ১৭৫
তোমাৰ চৰণে প্ৰভু কৰো স্তুতি – নতি।
এহিমানে ভৈল বুঢ়াভাষ্য সমাপতি॥
বিষ্ণুত ভকত কৃষ্ণ কথাত নিৰত।
দাতা দয়াবন্ত সৰ্ব্ব কাৰ্য্যত শকত॥ ১৭৬
তাহান উদ্যোগে গোবিন্দৰ প্ৰসাদত।
কথা বন্ধে বুঢ়াভাষ্য কৰিলো বেকত॥
নমো নমো পৰম পুৰুষ সনাতন।
হৃদয়ৰ বন্ধু কৃষ্ণ দৈৱকী নন্দন।
তুমি অন্তৰ্য্যামি মোক দিলা যেন মতি।
সেহি অনুভাৱে কথা ৰচিলো সম্প্ৰতি॥

তোমাত অৰ্পিলো যিতো কৰিলো প্ৰয়াস ।
ভক্ত সমে তুষ্ট হুয়ো জগত নিবাস ॥ ১৭৮
বঢ়া টুটা ছিদ্ৰ মোৰ ভৈল যত মানে ।
সবে সাঙ্গ হৌক এবে হৰি সুমৰণে ॥
সাধো সাধু জন মোক দিয়া এই বৰ ।
জন্মে জন্মে হওঁ যেন কৃষ্ণৰ কিঙ্কৰ ॥ ১৭৯
শুনা সভাসদ মদগৰ্ব্ব পৰিহৰা ।
দৈবকী নন্দন কৃষ্ণে নিষ্ঠমতি কৰা ॥
ভনে বুঢ়াভাষ্য ভট্টাচাৰ্য্য ভব সাৰ ।
ডাকি ৰাম ৰাম বোলা সবাৰে নিস্তাৰ ॥ ১৮০

## ইতি বুঢ়াভাষ্য সমাপ্ত ।

# জাননী ।

আমাৰ ওচৰত তলত লিখা পুথি পোৱা যায় । সৰহীয়াকৈ নিলে উপযুক্ত কমিচন দিয়া হয় ।

বুঢ়াভাষ্য বা ষোলযুগ তত্ত্ব ।০
শ্ৰীমদ্ভগবদ্গীতা ১৲
শ্ৰীশ্ৰীলক্ষ্মী চৰিত্ৰ ৵০
দানামালা ।০ অদ্ভুতচোৰ ⁄০ মইনাৰ-সাধু ৵০ শিয়াল পণ্ডিত ৵০ বেউলা ।০ হিন্দীশিক্ষক ।০ আনা ।

শ্ৰীজগন্নাথ মেধী আতৈ বুঢ়াভকত ।
পুখুৰীপাৰৰ বাহা
বৰপেটা পোঃ

বৰপেটা
সেৱক প্ৰেছত
শ্ৰীহংস ৰাম দাসৰ দ্বাৰা ছাপা